মহাভাৰত সৌপ্তিক পৰ্ব্বৰ অন্তৰ্গত

# সৌপ্তিক পৰ্ব্ব।

শ্ৰীদুৰ্গাপ্ৰসাদ দেবশৰ্ম্মা ফুকণ
কৰ্ত্তৃক ৰচিত।

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা
প্ৰকাশিত।
ডিব্ৰুগড়, আসাম, পোঃ আঃ ৰিহাবাৰী।




কলিকাতা,
৬নং কলেজ-স্কোৱাৰ, সাম্য-যন্ত্ৰে,
আবদুল লতিফ দ্বাৰা মুদ্ৰিত।

১৯০৮।

বেচ ৵০ তিনি অনা মাথোন।

মহাভাৰত সৌপ্তিক পৰ্ব্বৰ অন্তৰ্গত

# সৌপ্তিক পৰ্ব্ব।

শ্রীদুর্গাপ্রসাদ দেবশর্ম্মা ফুকণ

কর্তৃক ৰচিত।

শ্রীশিৱনাথ ভট্টাচার্য্য দ্বাৰা

প্রকাশিত।

ডিব্রুগড়, আসাম, পোঃ আঃ বিহাবাৰী।

প্রথম সংস্কৰণ।



কলিকাতা,

৬নং কলেজ-স্কোৱাৰ, সাম্য-যন্ত্রে,

আবদুল লতিফ দ্বাৰা মুদ্রিত।

১৯০৮।



## মহাভাৰত সৌপ্তিক পৰ্ব্বৰ অন্তৰ্গত

# সৌপ্তিক পৰ্ব্ব।

ওঁ নমো ভগৱতে বাসুদেবায়।

"ওঁ নাৰায়ণং নমস্কৃতং নৰঞ্চৈব নৰোত্তমং।
দেবীং সৰস্বতীং ব্যাসং ততোজয় মুদীৰয়েৎ॥

## পদ।

নমো নাৰায়ণ দেব ব্ৰহ্ম সনাতন।
ব্ৰহ্মা হৰ বন্দে যাৰ অভয় চৰণ॥
যাৰ নাম লই মহাপাতকীয়ো তৰে।
আন গতি নাই কৃষ্ণ দেৱতাত পৰে॥
সেই পাদপদ্ম ধুলা লই শিৰোপৰি।
মাতৃ সৰস্বতীক যে নমস্কাৰ কৰি॥

সৌপ্তিক পৰ্ব্বৰ কথা কৰোহো ৰচন।
মহা ভাৰতৰ ইটো কথা বিতোপন॥
পাঞ্চাল পাণ্ডবে অশ্বত্থামা বিনাশিলে।
হৰিষ বিষাদে দুৰ্যোধন মৃত্যু হৈলে॥
এই সৰ্ব কথা ইটো পৰ্ব্বত আছয়।
ইয়াক শুনিলে সব পাতক দহয়॥
যেবে গদা যুদ্ধে পৰিলেক দুৰ্য্যোধন।
অন্ধৰাজ বিলাপিছে মহা দুঃখ মন॥
ভীম মোৰ শত পুত্ৰ মাৰে একেশ্বৰ।
তাৰ সম বীৰ নাই সংসাৰ ভিতৰ॥
অতঃপৰ কিবা হলে শোধে পুনৰায়।
সঞ্জয় বদতি শুনিয়োক কুৰু ৰায়॥
শ্ৰীজনমেজয়ে কয় শুনা মুনিবৰ।
কোন জনে কোন কৰ্ম্ম কৈলে অতঃপৰ॥
মুনি নিগদতি শুনিয়োক জন্মেজয়।
ঊৰু ভাগি দুৰ্য্যোধন পৰিয়া আছয়॥
হত শেষ সৈন্য সহ যুধিষ্ঠিৰ ৰাজ।
বিষন্ন বদনে যায় শিবিৰৰ মাজ॥
হেনকালে অস্তাঙ্গতী হলে দিবাকৰ।
সব বীৰগণ গৈলে যাৰ যেই ঘৰ॥

একেশ্বৰ দুৰ্য্যোধন পৰি ৰৈলে তথা।
উৰু ভাগি পৰি আছে মনে পায় ব্যথা॥
আমাবস্যা ৰাত্রি সিটো ঘোৰ অন্ধকাৰ।
ৰণস্থলে প্রেত ভূত কৰয় বিহাৰ॥
চতুঃপার্শ্বে শব্দ কৰে যত শিবাগণ।
মহাভয়ে কুৰুক্ষেত্রে নাহে কোনজন॥
হেনকালে উপনীত তথা তিন জন।
কৃপ কৃতবৰ্ম্মা আৰু দ্রোণৰ নন্দন॥
দুৰ্য্যোধন হেতু বহু কৰয় বিলাপ।
কোন মহাজনে হেন দিলে অভিশাপ॥
সমস্ত পৃথিবী পতি ৰাজা দুৰ্য্যোধন।
ধৰণীত পৰি আছে মহা দুঃখ মন॥
একাদশ অক্ষৌহিনী আৰু যত বীৰ।
ভীষ্ম দ্রোণ কৰ্ণ আদি প্রশান্ত শৰীৰ॥
সকলো হৈলেক নাশ মাত্র আমি আছো।
হেন কালে কয় দ্রোণী কি কাম কৰিছো॥
ধৃষ্টদ্যুম্ন বধে মোৰ প্রতিজ্ঞা আছয়।
সেই বুলি মহা ক্রোধে ৰাজাত কহয়॥
অবধান কৰা মহাৰাজ দুৰ্য্যোধন।
মনযোগ কৰি শুনা মোহোৰ বচন॥

ভীষ্ম দ্রোণ কর্ণ আৰু শল্য আদি বীৰে।
সেনাপতি কৰি তুমি পূজিলা সাদৰে॥
কোন জনে কোন কৰ্ম্ম কৰিলে ৰাজন।
সবে পাণ্ডবৰ পক্ষ জানিবা ৰাজন॥
সি কাৰণে তোমাৰ নহলে কিছু হিত।
মোৰ ইচ্ছা হয় কিছু কৰোঁহো বিহিত॥
তব অপমান মোৰ সহন না যায়।
সেনাপতি কৰা মোক কৌৰব তনয়॥
মোক সেনাপতি কৰিলাহা যদি ৰণে।
তেন্তে তব শত্রু সব নেথাকে জীৱনে॥
মোৰ বীৰপনা তুমি জানা ভাল মতে।
কোন জন ৰণিবেক মোহোৰ সহিতে॥
ইন্দ্ৰ যম কুবেৰ বৰুণ হুতাশন।
মোৰ সহ ৰণে জিনিবেক কোন জন॥
একদিনো যুক্তিক নকৈলা মোৰ সহ।
নিজৰ বুদ্ধিত তুমি নাশিলা বৈভব॥
জন্মাবধি তব গৃহে হইছো পালিত।
সিকাৰণে কৰিবাক চাওঁ তব হিত॥
যদি এতিয়াও সেনাপতি কৰা মোক।
নিশ্চয় নাশিম মই পাণ্ডব সবক॥

মোহোৰ প্ৰতিজ্ঞা এই শুনা নৰনাথ।
পাঞ্চাল ও পাণ্ডবক কৰিম নিপাত॥
দ্ৰৌণিৰ বাক্যক শুনি ৰাজা দুৰ্যোধন।
ভাল ভাল বুলি প্ৰশংসয় ঘনে ঘন॥
পাণ্ডৱৰ প্ৰিয় সব জানো ভাল মত।
সেই হেতু সমৰত সব হলে হত॥
আৰু কোনো বন্ধু মোৰ নাই মহাত্মন।
যদি তুমি কৰা মোৰ কষ্ট নিবাৰণ॥
সেনাপতি কৰি ময় কৰিম বৰণ।
যদি মোৰ হিত চিন্তি কৰা তুমি ৰণ॥
ৰজাৰ বিনয় শুনি দ্ৰোণৰ নন্দন।
গৰ্ব্ব কৰি কয় বিনাশিবো সৰ্ব্বজন॥
এতেক শুনিয়া কুৰুপতি দুৰ্য্যোধন।
কৃপাচাৰ্য্য মুখ চাই কহয় বচন॥
শীঘ্ৰগতি জল আনি দিয়া মহামতি।
আজি গুৰু পুত্ৰে দেখো কৃষি সেনাপতি॥
এতেক কহিলা যদি ৰাজা দুৰ্য্যোধন।
কৃতবৰ্ম্মা সহ কৃপ কৰিলে গমন॥
জল অন্বেষণ হেতু আন্ধাৰ নিশাত।
বহুঠাই বিচাৰিয়া নেপালে তথাত॥

একস্থান হই দুয়ো ভাবে উপায়ক।
কি কৰিম কোনস্থানে যাম ই নিশাত॥
কৃপাচাৰ্য্যে কয় শুনা মোহোৰ বচন।
যুদ্ধ হেতু জল আনি ছিলে সৈন্যগণ॥
সেই জল বিনা আৰু নাহিকে ইয়াত।
এই বুলি দুই বীৰ গৈলেক তথাত॥
সেইস্থানে দেখয় বহুত আছে জল।
দেখি দুয়ো জনে মনে আনন্দে বিহ্বল॥
তাৰ এক কুণ্ড জল লই দুয়ো জন।
উপনীত হলে আনি স্থানে দুৰ্য্যোধন॥
জল দেখি আনন্দিত কুৰুকুল পতি।
অভিষেক হেতু ৰাজা উঠে শীঘ্ৰগতি।
উৰু ভাগি পৰি আছে উঠিব নোৱাৰে।
স্পৰ্শ কৰি দিলে জল অশ্বত্থামা কৰে॥
নিজ হাতে জল লই শিৰত ঢালিলে।
এইৰূপে অশ্বত্থামা সেনাপতি হলে॥
তথা হন্তে বিদায় হৈলেক তিন বীৰ।
মহা বেগে চলি যায় পাণ্ডব শিবিৰ॥
ঘোৰ অন্ধকাৰ নিশা পথ নিচিনয়।
বিনা শব্দে ধীৰে ধীৰে পথ বহি যায়॥

শ্ৰম হলে কিছু দূৰ গই তিন জন।
বৃক্ষতলে বসি কৰে কথোপকথন॥
সেই স্থানে বহুকাল কৰিয়া চিন্তন।
উপায় নাহিকে দেখি মহা দুঃখ মন॥
অতঃপৰ বৃক্ষোপৰে দেখে এক কথা।
মৌনভাবে ফেঁচা এক ৰহিয়াছে তথা॥
আৰ নানাবিধ পক্ষী তাৰ ওপৰত।
মহা সুখে নিদ্ৰা যায় নিজৰ বাঁহত॥
সব পক্ষী নিদ্ৰা গই হৈলেক নিৰ্জ্জন।
ছিদ্ৰ পাই ফেঁচা কৈলে সবাকো ভক্ষণ॥
দেখিয়া মনত ভাবি অশ্বত্থামা কয়।
এক বুদ্ধি পাইলোহো শুনা মহাশয়॥
কহিবে লাগিলে বীৰ দ্ৰোণৰ কুমাৰ।
পাঞ্চাল পাণ্ডবে আজি কৰিম সংহাৰ॥
সমৰক জিনি সবে মহাৰঙ্গ মনে।
সুখে শুতিয়াছে সেনা সহ সৰ্ব্বজনে॥
নিদ্ৰিতাবস্থাতে সব কৰিম সংহাৰ।
এই বুদ্ধি স্থিৰ কৈলে দ্ৰোণৰ কুমাৰ॥
কৃপাচাৰ্য্যে কয় ইটো যুগুত নহয়।
নিদ্ৰিত জনক মাৰিবাক নুযুৱায়॥

ভয়াৰ্ত্ত শৰণাগত নিদ্ৰিত যি জন।
বিনাশিলে মহাপাপ নাযায় খণ্ডন ॥
নিষেধ নেমানি ইটো কৰয় যি জন।
পঞ্চ পাতকীৰ মাজে পৰয় সি জন ॥
মোহোঁৰ কথাক তুমি শুনা সাৱধানে।
হেনয় কৰ্ম্মক ইচ্ছা নকৰিবা মনে ॥
নিজৰ দুষ্কৰ্ম্মে মজিলেক দুৰ্য্যোধন।
ধৰ্ম্মৱন্ত পাণ্ডৱক হিংসি সৰ্ব্বক্ষণ ॥
পাণ্ডবৰ সহায় সম্পদ নাৰায়ণ।
তাহান অহিত চিন্তি জীয়ে কোন্‌জন ॥
দুৰ্য্যোধন হেতু হিত কৰিবাক মনে।
যুজিলে শক্তিৰ মতে কৰি প্ৰাণপণে ॥
সেই সময়ত কিয় নকৈলা হনন।
দুৰ্ব্বুদ্ধি এৰাঁহা বাপ্পা স্থিৰ কৰা মন ॥
পিতৃ বৈৰী যদি চোৱা কৰিবে নিধন।
ৰণ মাজে ধৰি তাক কৰা নিপাতন ॥
সৎকৰ্ম্ম কৰিবা বাপা সদায় যতনে।
অসৎ ভাবক কিয় ঠাই দিয়া মনে ॥
কৃপৰ বচন শুনি দ্ৰোণৰ নন্দন।
দুই চক্ষু ৰক্তবৰ্ণ কৰয় গৰ্জ্জন ॥

কৰিছো প্ৰতিজ্ঞা মই ৰজাৰ আগত।
সকলে কৰিম নাশ তোমাৰ কথাত॥
ক্ষত্ৰধৰ্ম্ম আছে হেন কয় গুণীজন।
ক্ষত্ৰিয়ে কৰিব নিজ প্ৰতিজ্ঞা পালন॥
শত্ৰুক কৰিব ক্ষয় অশেষ প্ৰকাৰে।
ৰিপু সংহাৰিব বলে ছলে কৌশলেৰে॥
লইছো ক্ষত্ৰিয় ধৰ্ম্ম জন্মি দ্বিজ কুলে।
ক্ষত্ৰিয় স্বভাবে নাশ কৰিম সমূলে॥
দুৰাচাৰ শত্ৰু মোৰ দ্ৰুপদ নন্দন।
অন্যায়ে পিতাক মোৰ কৰিলে নিধন॥
সেই হেতু ধৃষ্টদ্যুম্ন আজি সংহাৰিম।
অন্যায়ে বা ছলে বলে নিশ্চয় বধিম॥
পাঞ্চাল পাণ্ডবে আজি কৰিম নিধন।
এই বুলি অশ্বত্থামা কৰয় গৰ্জ্জন॥
মৌণ হই ৰলে কৃপ নকয় বচন।
মহা বেগে যায় দ্ৰোণি অতি ক্ৰোধ মন॥
পাছে পাছে দুইজন কৰয় গমন।
শিবিৰ দ্বাৰত উত্তৰিলে তিন জন॥
দেখে বহি আছে দ্বাৰে নৰ একজন।
বিভূতি ভূষিত সৰ্পমালা ত্ৰিলোচন॥

বাঘছাল কটিত কৰত শিঙ্গা আছে।
চতুৰ্ভুজ দিব্যৰূপ দৰশিলে পাছে ॥
এইৰূপে দ্বাৰ ৰক্ষা কৰয় শঙ্কৰ।
নিষেধ কৰয় তাক যাইবে ভিতৰ ॥
দ্ৰোণিয়ে কহয় যাওঁ শিবিৰ ভিতৰ।
প্ৰাণে যদি ভয় থাকে তেন্তে এৰা দ্বাৰ ॥
হেন শুনি কয় শিব ছদ্মবেশ ধাৰী।
পুৰী ৰক্ষা হেতু মই আছোহো দুৱাৰী ॥
একেশ্বৰে আছো মই পুৰী ৰক্ষী হই।
মোক নিজিনিলে পুৰে যাইবে নপাৰয় ॥
হেন শুনি কোপে দ্ৰোণি মাৰে নানা বাণ
মুখ মেলি সেই সব গিলে ভগবান ॥
যত বাণ মাৰে দ্ৰোণি খাই ত্ৰিলোচন।
হেন দেখি ভয় পালে দ্ৰোণৰ নন্দন ॥
তুণ শূন্য হলে আৰু হাতে নাই অস্ত্ৰ।
বিস্ময় মানিলে বীৰ হইয়া নিৰস্ত্ৰ ॥
সামান্য মানুহ নহৈবেক ইটো জন।
হেন ভাবি শোধে তাঙ্ক দ্ৰোণৰ নন্দন ॥
এক নিবেদন মোৰ শুনা মহাজন।
মনুষ্যৰ প্ৰাণে বাণ খাই কোনজন ॥

দাৰুণ মোহোৰ অস্ত্র আপুনি গিলিলা।
মোৰ শৰ খাই তুমি ব্যাথাক নেপালা॥
কোন দেব হোৱা তুমি কোৱা মহাশয়।
অনুগ্রহ কৰি মোৰ খণ্ডোৱা সংশয়॥
এতেক বুলিলে যদি দ্রোণৰ নন্দন।
প্রবোধি কহয় কথা দেব পঞ্চানন॥
নেজানাহা দ্রোণ পুত্র মই কোনজন।
বিশ্বনাথ নাম মোৰ জানে জগজ্জন॥
এতেক শুনিয়া দ্রোণি কৰি যোড় হাত।
কয় কৃপা কৰি দ্বাৰ এৰা বিশ্বনাথ॥
ত্রিলোচন কয় ইটো কি মতে কৰিবো।
পাণ্ডৱৰ আজ্ঞা বিনা দ্বাৰক নেৰিবো॥
চিন্তান্বিত হলে দ্রোণি শুনিয়া বচন।
কি উপায় কৰো এবে ভাবে মনে মন॥
এইৰূপে দ্রোণি বহু চিন্তিত হৈলেক।
মনে গুণি শিব পূজা কৰিবে লৈলেক॥
মৃত্তিকাৰ শিব লিঙ্গ কৰিয়া ৰচন।
বিল্বপত্র দিয়া কৰে শিৱক অৰ্চ্চন॥
পূজা অন্তে স্তব কৰে দ্রোণৰ নন্দন।
দেব ৰাম দ্বিজে কয় শুনা সৰ্ব্বজন॥

# ছবি।

শুনা প্ৰভু দিগম্বৰ বাঞ্ছা পূৰ্ণ কৰাঁ হৰ
মই দীনহীন অভাজন।
ক্ষমা কৰা দোষ যত মই তব অনুগত
নেজানোহো কৰিবে পূজন॥
আকাশ পাতাল জল স্থাবৰ জঙ্গম স্থল
দশ দিক অষ্ট কুলাচল।
ক্ষিতি অপ তেজঃ ব্যোম পবন ভাস্কৰ সোম
তব মূৰ্ত্তি বিশেষ সকল॥
কি কৈবোহো তব তত্ত্ব তুমি ৰজঃ তুমি সত্ত্ব
তমো গুণে কৰাহা সংহাৰ।
পৰিছো বিপদ মাঝে এই মহা সিন্ধু মাঝে
তুমি প্ৰভু কৰাহা উদ্ধাৰ॥
মই অতি অভাজন হেৰা প্ৰভু ত্ৰিনয়ন
লজ্জা ৰক্ষা কৰাঁ এইবাৰ।
ইত্যাদি অনেক ভাবে দ্ৰোণি স্তুতি কৰে ভবে
শুনি তুষ্ট হইলেক হৰ॥
সদয় হৈলেক হৰ তাহাঙ্ক যাচয় বৰ
যিবা ইচ্ছা দ্ৰোণৰ তনয়।

দ্ৰৌণি কয় কৃত্তিবাস কৰো গই শত্ৰুনাশ
এই বৰ দিয়া মহাশয় ॥

## পদ।

পঞ্চানন কয় ইটো কি মতে কৰিম।
দ্বাৰী স্বৰূপত আছো কি ৰূপত দিম ॥
এই বৰ এৰি লোৱা যিটো লয় মন।
দ্ৰৌণিয়ে কহয় আনে নাই প্ৰয়োজন ॥
যদি তুমি মোহোক নিদিবা এই বৰ।
তোমাৰ আগত মই মৰিম সত্বৰ ॥
এই বুলি দিব্য অস্ত্ৰে জ্বালিয়া অনল।
পুৰিয়া মৰিবে যাই দ্ৰৌণী মহাবল ॥
বহু স্তব কৰিবাক নকৰিলে ক্ৰুতি।
নিবাৰিয়া বৰ লোৱা কহয় ধূৰ্জ্জটী ॥
দ্ৰৌণী কয় যদি বৰ দিবা ত্ৰিলোচন।
কৃপা কৰি কৰঁা মোৰ প্ৰতিজ্ঞা পূৰণ ॥
স্তবে বশ হই হৰ দিলে সেই বৰ।
পুনৰপি কয় দ্ৰৌণী যুড়ি দুই কৰ ॥
আৰু এক অনুগ্ৰহ কৰা শূলপাণি।
কৃপা কৰি দিয়া মোক তব খড়্গ খানি ॥

খড়্গ দিয়া অন্তর্ধান হলে পশুপতি।
কৃপাচার্য্যে কয় অশ্বত্থামা মহামতি॥
ইটো দ্বাৰ মুখে তোমা থাকা দুইজন।
কাটিবাঁহা তাৰ মুণ্ড আহিব যি জন॥
হাতে খড়্গ প্রবেশ কৰিলে অশ্বত্থামা।
নিদ্রাগত জনে কাটে নকৰয় ক্ষমা॥
ধৃষ্টদ্যুম্ন শুতিয়াছে পালঙ্ক উপৰ।
দেখিয়া তাহাক অশ্বত্থামা বীৰবৰ॥
হাতে খড়্গ কৰি ধায় মহা ক্রোধ মনে।
হাঁহিয়া ধৰিলে তাক দ্রোণৰ নন্দনে॥
দুই হাত ধৰি তাক উপৰে বসিলে।
পশুবৎ কৰি তাক মাৰিবে ইচ্ছিলে॥
দ্রৌণিক দেখিয়া বীৰ দ্রোপদ নন্দন।
সকৰুণ স্বৰে কয় বিষণ্ণ বদন॥
খড়্গে মুণ্ড কাটি মোক নকৰা নিধন।
যুদ্ধ কৰি কৰা বীৰ স্বকার্য্য সাধন॥
দ্রৌণিয়ে কহয় ব্রহ্ম বধী দুৰাচাৰ।
পশুবৎ কৰি তোক কৰিম সংহাৰ॥
এই বুলি ধৃষ্টদ্যুম্নে দ্রোণৰ তনয়।
বজ্র মুষ্ঠি প্রহাৰ কৰিলে অতিশয়॥

হস্ত পদ উদৰত্ত কৰাইলা প্ৰবেশ।
পশুৰ ৰূপক কৰি ভাঙ্গে মধ্য দেশ॥
ভীমে যেন কীচকক কৰিলে সংহাৰ।
সেইৰূপে কৰিলেক কুষ্মাণ্ড আকাৰ॥
সবাকো বধিলে অশ্বত্থামা একেশ্বৰ।
মহা গণ্ডগোল হয় শিবিৰ ভিতৰ॥
হাহাকাৰ মহা শব্দ উঠে আচম্বিতে।
প্ৰাণৰ ভয়ত যাই দ্বাৰত পলাইবে॥
খড়্গ হাতে দুইজন ৰক্ষা কৰে দ্বাৰ।
বাহিৰ হলেই তাক কৰয় সংহাৰ॥
বিপাকত পৰি আৰু নেদেখি নিষ্কৃতি।
ঘোৰ ৰণ কৰে সবে দ্ৰৌণিৰ সংহতি॥
দ্ৰোণ পুত্ৰ মহা বীৰ সংগ্ৰামে প্ৰচণ্ড।
কাটিলে সকলো সৈন্য কৰি খণ্ড খণ্ড॥
দাবানলে বন যেন কৰয় দহন।
সেই মতে বধে সেনা দ্ৰোণৰ নন্দন॥
দ্ৰৌপদীৰ পঞ্চ পুত্ৰ তথাতে আছিলে।
শুইয়া আছয় দ্ৰৌণি তাহাঙ্ক দেখিলে॥
হাত ফুৰাইয়া চাই দ্ৰোণৰ নন্দন।
ভাবিলে পাণ্ডব এই ভাই পঞ্চজন॥

মুখে বস্ত্র বান্ধিয়া কাটয় পঞ্চশীৰ।
এই মতে পঞ্চজনে কাটে মহাবীৰ॥
পঞ্চ মুখ বস্ত্রত বান্ধিলে দ্রোণসুত।
পাণ্ডবক নাশি মনে বৰ হৰ্ষযুত॥
সাৰ পাই শিখণ্ডী ধনুক নিলে হাতে।
কৰয় দাৰুণ যুদ্ধ দ্রৌণিৰ সহিতে॥
বানে বানে নিবাৰয় দ্রোণৰ নন্দন।
এইরূপে দুয়ো কৰিলেক মহাৰণ॥
শিখণ্ডী সামৰ্থ্য মতে মাৰে দ্রোণসুতে।
দৈব বল হেতু তাৰ অঙ্গক নুফুটে॥
বজ্র মুষ্টি মাৰে দ্রৌণি শিখণ্ডীৰ মাথে।
গুড়ি হই গলে মুণ্ড বজ্র মুষ্ট্যাঘাতে॥
এই মতে শিখণ্ডীক কৰিলে সংহাৰ।
একজনো অবশেষ নেৰাখিলে আৰ॥
পঞ্চ মুণ্ড লই দ্রৌণী যায় আনন্দত।
দুইজন সঙ্গে আসি মিলিলে দ্বাৰত॥
দ্রৌণী কয় হলে মোৰ প্রতিজ্ঞা পুৰণ।
পাণ্ডব প্রভৃতি আৰু নাই কোনোজন॥
পঞ্চ পাণ্ডবৰ মুণ্ড দেখাহাঁ সাক্ষাতে।
দুৰ্য্যোধনে ভেটিবোহো বঁলা ত্বৰান্বিতে॥

শুনিয়া হৈলেক দুয়ো আনন্দিত মন।
মহানন্দে মগ্ন হয় দ্রোণৰ নন্দন ॥
নির্ভয় হৃদয়ে সবে কৰিলে গমন।
দুৰ্য্যোধনে বিচাৰিয়া ভ্ৰমে বহুক্ষণ ॥
ৰাজা ৰাজা বুলি ডাক ছাৰে ঘনে ঘনে।
মহা অন্ধকাৰ নিশা পথক নিচিনে ॥
ৰাজা ৰাজা কৰি বিচাৰিলে বহুতৰ।
শব্দ শুনি দুৰ্য্যোধন দিলেক উত্তৰ ॥
ৰাজাৰ ওচৰে আসে বীৰ তিন জন।
গৰ্ব্ব কৰি কয় কথা দ্রোণৰ নন্দন ॥
অবধান কৰি শুনা ৰাজা দুৰ্য্যাধন।
পাণ্ডব প্ৰভৃতি আৰু নাই কোনো জন ॥
পাঞ্চাল বিৰাট আদি যতেক আছিলে।
মোহোৰ হাতত আজি সবেও মৰিলে ॥
যি প্ৰতিজ্ঞা কৰিছিলো আগত তোমাৰ।
আজি মই কৰিলোহো পুৰণ যে তাৰ ॥
পঞ্চ পাণ্ডবৰ মুণ্ড দেখাহা সাক্ষাত।
একজনো নাই আৰু পাণ্ডব সৈন্যত ॥
হেন শুনি হৰষিত হলে দুৰ্য্যোধন।
সাধু সাধু বুলি ৰাজা কয় সু-বচন ॥

পৰি আছিলেক বীৰ মাটীৰ ওপৰ।
বাহু যুগে ভৰ দিয়া উঠিলে সত্বৰ ॥
ৰিপুনাশ শুনি ৰাজা আনন্দিত হলে।
পাণ্ডবৰ মুণ্ড দ্ৰোণী বীৰক খুজিলে ॥
ধন্য মহাবীৰ তুমি গুৰুৰ নন্দন।
মোহোৰ পৰম কাৰ্য্য কৰিলা সাধন ॥
পঞ্চ মুণ্ড আনি দিয়া দেখিম নয়নে।
ভীমৰ মূৰক মই ভাঙ্গিম চৰণে ॥
শুনি পঞ্চমুণ্ড দ্ৰোণী দিলে সেই ক্ষণ।
হাত ফুৰাইয়া চায় ৰাজা দুৰ্য্যোধন ॥
কৃষ্ণাৰ দ্বিতীয় পুত্ৰ ভীমৰ আকৃতি।
ভীম বুলি তাক বাচি ললে কুৰুপতি ॥
দুই হাতে ধৰি মুণ্ড গোটাক ভাঙ্গিলে।
তিলবৎ মুণ্ড গোটা গুড়ি হই গলে ॥
দেখিয়া কৌৰব পতি মানিলে বিস্ময়।
পাণ্ডবৰ মুণ্ড ইটো কদাচো নহয় ॥
একে একে পঞ্চমুণ্ড ভাঙ্গে দুৰ্য্যোধন।
জানিলে পাণ্ডব নোহে এই পঞ্চজন ॥
পৰ্ব্বত সমান মোৰ গদা গুৰুতৰ।
কতবাৰ প্ৰহাৰিলো মূৰৰ উপৰ ॥

পৰ্ব্বত সবক ভাঙ্গে কৰি গদাঘাত।
বক হিড়িম্বক আদি কৰিলে নিপাত॥
হেনয় ভীমক মাৰে দ্ৰোণীৰ কি শক্তি।
এই বুলি দীৰ্ঘ শ্বাস পড়ে নৰপতি॥
বিষাদ ভাবিয়া কয় অশ্বত্থামা প্ৰতি৷
বংশ নাশ কৰি তুমি কি কৰিলা গতি॥
কি কৰ্ম্ম কৰিলা তুমি দ্ৰোণৰ নন্দন।
দ্ৰৌপদীৰ পঞ্চপুত্ৰ এই পঞ্চ জন॥
শিশু সকলক বধি কি কাৰ্য্য সাধিলা।
কুৰুকুলে জল পিণ্ড দিবে নাৰাখিলা॥
পাণ্ডবে বধিবে কিবা আছয় শকতি।
যি সবৰ সখা হৰি কমলাৰ পতি॥
নিৰ্ব্বংশ কৰিলা তুমি ভাই পঞ্চজনে।
কুৰুকুলে বংশ নাশ হলে আজি ৰণে॥
এই বুলি মহা শোকে কান্দে বহুতৰ।
হৰ্ষ বিষাদত ৰাজা এৰে কলেবৰ॥
দেখিয়া ব্যাকুল হলে বীৰ তিনজন।
হাহাকাৰ কৰি বহু কৰিলে ৰোদন॥
দ্ৰৌণিক সম্বুধি কয় কৃপ মহামতি।
কি কৰ্ম্ম কৰিলা তুমি বধি কুৰুপতি॥

হায় দুর্য্যোধন ৰাজা বীৰ শিৰোমণি।
তোমা হেন মহাৰাজ বাগৰে ধৰণী॥
সুগন্ধি চন্দনে বিভুষিত কলেবৰ।
সেই কুৰুপতি তুমি ধুলাৰে ধূসৰ॥
উঠা উঠা দুৰ্য্যোধন কুৰুকুল পতি।
পাণ্ডৱক জিনি ৰণে ভুঞ্জা বসুমতী॥
উঠি যুদ্ধ কৰা তুমি পাণ্ডৱৰ সনে।
শব্দহীনা হই পৰি আছা কি কাৰণে॥
পাসৰিলা কিয় তুমি পূৰ্ব্বৰ কথাক।
শত্ৰুক সংহাৰি কৰা ৰাজসূয় যাগ॥
প্ৰতিজ্ঞা পালন কৰা উঠা দুৰ্য্যোধন।
সমৰত বধা গই পাণ্ডু পুত্ৰগণ॥
সূচ্যাগ্ৰে যতেক ভূমি পাৰে বিন্ধিবাক।
তত খানি ভূমিক নিদিয়া পাণ্ডৱক॥
সৰ্ব্ব পৃথিবীক ত্যাগ কৰি কি কাৰণ।
ভূমিত বাগৰি আছা ত্যজি সিংহাসন॥
ইত্যাদি অনেক কান্দি বীৰ তিন জন।
প্ৰস্থানিলে তথা হন্তে বিৰস বদন॥
হেনকালে কৃপাচাৰ্য্য কয় দ্ৰোণী প্ৰতি।
কি কাৰ্য্য কৰিলা কিবা কৰিবো সম্প্ৰতি॥

মতিচ্ছন্ন হই তুমি দুষ্কর্ম্ম কৰিলা।
পাণ্ডবৰ পুত্র বন্ধু সবাকো নাশিলা॥
গোবিন্দ সাত্যকি আৰু পাণ্ডু পুত্রগণ।
নেজানোহো কত আছে তান দাতজন॥
শিবিৰত যদি থাকে তাৰ একজন॥
তেন্তে আমাসাৰ তথা নিশ্চয় মৰণ॥
আসম্বাক ৰাখি এই শিবিৰ ভিতৰ।
পাণ্ডব গইছে জানো হস্তীনানগৰ॥
এই সব কথা যদি কৰয় শ্রবণ।
পৃথিবী বিচাৰি তোক বধিব জীৱন॥
তোৰ দোষে আমি দুয়ো সঙ্কটে পৰিম।
পাণ্ডবৰ হাতে আজি নিশ্চয় মৰিম॥
দাৰুণ দুৰন্ত ভীম মহা ভীমকায়।
নিশ্চয় মাৰিব সিটো এক গদা ঘায়॥
ঘোৰ ৰণ হন্তে আমি পাইলোহো পাৰ॥
পুনর্জ্জন্ম বুলি মনে কৰিলো বিচাৰ॥
তোহোৰ দোষতে এবে হেৰুয়াম প্রাণ।
কোন জনে ভজিবোহো নাই পৰিত্রাণ॥
এইৰূপে খেদ কৰি কৰয় বিচাৰ।
শুনি দম্ভ কৰি কয় দ্রোণৰ কুমাৰ॥

নুবোঝো ভয়ার্ত্ত কিয় হোৱা অতিশয় ।
পাণ্ডবৰ হেতু একো নকৰিবা ভয় ॥
যদি পাণ্ডবৰ সহ হয় দৰশন ।
মোৰ সহ ৰণে জিনিবেক কোন জন ॥
যুদ্ধ কৰি পাণ্ডবে পঠাইবো যমালয় ।
বধিবো সবাকো মই কলো সু-নিশ্চয় ॥
যিটো ব্রহ্ম অস্ত্র আছে মোহোৰ হাতত ।
তাক নিবাৰিবে শক্তি নধৰে পাণ্ডব ॥
ব্রহ্ম অস্ত্র সন্ধানিয়া বধিবো পাণ্ডব ।
যদি হে নেৰাখে তেওঁ দামোদৰ দেব ।
হায় বিধি কোন কাম কৰিবো এখন ।
এই বুলি বহু খেদ কৰে তিনি জন ॥
দ্রৌণীক সম্বুধি কয় কৃপ মহাশয় ।
মোহোৰ বাক্যক ধৰ শুনা তুৰাশয় ॥
অভয় পঙ্কজ পদ চিন্ত মনে মনে ।
সুমতি কুমতি দাতা সেই নাৰায়ণে ॥
এইৰূপে তিনি জনে চিন্তান্বিত হলে ।
হেন সময়ত বিভাবৰী প্রকাশিলে ॥
প্রাণভয়ে তিন বীৰ তথা না থাকয় ।
যায় নগৰৰ মুখে সশঙ্ক হৃদয় ॥

ভাৰতে সৌপ্তিক পৰ্ব্ব অপূৰ্ব্ব কথন।
পঞ্ছছন্দে দেবৰাম কৰে বিৰচন॥
ব্যাসিৰ ৰচিত দিব্য ভাৰত পুৰাণ।
শুনিলে আপদ খণ্ডে জন্মে দিব্য জ্ঞান॥
হেন জানি নৰলোকে আন কাম এৰি।
পাতক গুছোক মুখে বোলা হৰি হৰি॥

## পদ।

নমো নমো নাৰায়ণ ব্ৰহ্ম সনাতন।
সংসাৰৰ হেতু ৰূপ দেব নাৰায়ণ॥
তুমি আদি তুমি মধ্য তুমি অন্তৰূপ।
সকলো জগতে এই তব লোমকূপ॥
নমো নমো আদি অৱতাৰ মৎস্যৰূপ।
নমো নৰসিংহ-হিৰণ্যক্ষ বিদাৰক॥
নমো কূৰ্ম্ম অৱতাৰ নমস্তে বামন।
নমো ভৃগুপতি ক্ষত্ৰকুল বিনাশন॥
নমো ৰাম অৱতাৰ ৰাৱণ নাশক।
নমস্তে ৰৰাহ ৰূপ পৃথিবী নায়ক॥
নমো হৰি অৱতাৰ গজেন্দ্ৰ মোক্ষণ।
নমো বুদ্ধ অৱতাৰ পৃথিবী পালন॥

নমো নমো কৃষ্ণ দেৱ জগত আধাৰ।
শ্যাম বৰ্ণ চতুৰ্ভূজ প্ৰভু পীতাম্বৰ॥
গৰুড় বাহন শঙ্খ চক্ৰ গদাধৰ।
পদ্মধৰ কমল লোচন ভয়হৰ॥
মই মহা মূঢ়মতি নেজানো কথন।
ইটো পদ ৰচিলোহো পৰম গহন॥
তথাপিতো সাধুজনে কৃষ্ণ কথা বুলি।
ইয়াক নকৰা হেলা জানিবা সমূলি॥
শাস্ত্ৰক বিচাৰি চাই নকৰিবা হেলা।
ৰাম ৰাম বুলি তৰা ভৱসিন্ধু ভেলা॥

---

## ৰচোঁতাৰ চিনাকী।

গৌতম নামত, খ্যাত ঋৰ্ষি এক,
আছিলেক পূৰ্ব্ব কালে।
তাহান গোত্ৰত, ব্ৰহ্মণ কুলত,
'বলোৰাম জন্মিছিলে॥
তাহাৰ তনয়, দুইজন হয়,
অকালত এক মৰে॥
প্ৰথম পুত্ৰৰ, নাম লম্বোদৰ,
ফুকন উপাধি ধৰে॥

যোড়হাট নামে প্ৰসিদ্ধ স্থানত
তেওঁ পূৰ্ব্বে জনমিলে।
জীবীকাৰ অৰ্থে ৰাজকাৰ্য্য হেতু
ডিব্ৰুগড়ে নিবসিলে॥
তাহান তনয় চাৰি জন হয়
প্ৰথমত ৰামেশ্বৰ।
তৃতীয় চতুৰ্থ জগত আনন্দ
পঞ্চানন নাম ধৰ॥
দ্বিতীয় পুত্ৰৰ নাম দেবৰাম
হওঁ মই অভাজন।
শ্ৰীদুৰ্গাপ্ৰসাদ নামে হও খ্যাত
বিদ্যাহীন অজ্ঞজন॥
চন্দ্ৰৰ পিঠিত বসু সব স্থাপিত
পক্ষ হয় তাত পৰে।
কুলাচল চয় তাত পৰে হয়
ইটো শক চিহ্ন ধৰে॥
পক্ষৰ অন্তত বসু সংস্থাপিত
মাঘ মাস পুণ্য দিনে।
ইটো পদ পুথি ৰচিলো সম্প্ৰতি
দোষ ক্ষমা বুধ জনে॥

মোৰ পদ বুলি হেলা নকৰিবা
শাস্ত্ৰক বিচাৰি চাবা।
এৰি আন কাম বোলা ৰাম ৰাম
অন্তে বৈকুণ্ঠক পাবা॥



ইতি মহাভাৰত সৌপ্তিক পৰ্ব্বৰ অন্তৰ্গত সৌপ্তিক পৰ্ব্ব
সম্পূৰ্ণ।

